ধ্যান শেষ কৰাৰ পিছত বুঢ়াই পূৰ্বফালে হাতযোৰ কৰি ঈশ্বৰক প্ৰাৰ্থনা কৰিলে। তাৰ পিছত বুঢ়াই জোলোঙাৰ পৰা কড়ি উলিয়াই হাতত কড়ি লৈ কড়ি কেইটা কপালত লগাই নমস্কাৰ জনাই 'ঠিকনা' ( কড়ি মাৰি ) চালে।

তাৰ পিছত বুঢ়াই ক'লে উটটো হাবিত আছে। পোৱালি এটা জন্ম দিছে। হাবিখনৰ নামো কৈ দিলে। ৰজাৰ পালি-প্ৰহৰী গৈ সেই হাবিত বিচৰাত উটটো আৰু উটৰ পোৱালিটো পালে।

ৰজাই বুঢ়াক অন্তৰ্য্যামী ঈশ্বৰ যেন মানি এক ঘাগবি টকা আৰু এক বোজা কাপোৰ পুৰস্কাৰ দিলে। সিদিনাৰ পৰা বুঢ়া অন্তৰ্য্যামী বুলি পৰিচিত হ'ল।

# চিকাৰী বুঢ়া

এহাল বুঢ়া-বুঢ়ী আছিল। এদিনাখন বুঢ়ী গ'ল গাঁৱলৈ। বুঢ়ীয়ে যোৱাৰ আগতে বুঢ়াক কৈ গ'ল, "চোতালত ধান মেলি দিছোঁ, হাঁহ-চৰাইয়ে খাব ; তুমি চাবা।"

বুঢ়াই তাৰবাৰী এডালেৰে "হাঁ হাঁ" কৰি মুৰ্গী খেদি থাকিল। হঠাৎ তাৰাবাৰীডালৰ কোব মুৰ্গী এটাৰ গাত পৰাত মুৰ্গীটো মৰিল।

বুঢ়ীয়ে আহি দেখে যে মুৰ্গীৰ পোৱালি এটা মৰি আছে। বুঢ়ীয়ে বুঢ়াক সুধিলে মুৰ্গীটো কেনেকৈ মৰিল ?" বুঢ়াই ক'লে "বুঢ়ী চা, মই চিকাৰী বোলে নহয়। এতিয়া মই কেনেকৈ মুৰ্গীটো মাৰিলো ?" বুঢ়ীয়ে সঁচাকৈ আচৰিত হ'ল। গাঁওৰ মানুহবিলাকে কব ধৰিলে, "আমাৰ বুঢ়া বৰ চিকাৰী।"

এখন গাওঁত এটা বাঘে মানুহ, গৰু খাই বৰ অত্যাচাৰ কৰিছিল। চিকাৰী বুঢ়াৰ কথা শুনিলে সিহঁত বুঢ়াৰ ওচৰলৈ গ'ল। বুঢ়াই তেতিয়া ভাবিচিন্তি বৰ অস্থিৰ হ'ল। তথাপি নিজৰ অযোগ্যতাৰ পৰিচয় নিদিলে। বুঢ়াক মদ আৰু ফটিকাৰে সেৱা-শুশ্ৰূষা কৰি সিহঁত গুচি গ'ল।

গধূলি বুঢ়া-বুঢ়ীৰ মেল আৰম্ভ হ'ল।

বুঢ়াই বুঢ়ীক ক'লে, "তুমি কিয় মোক চিকাৰী বুলি কৈ ফুৰিছা। মইতো আচলতে চিকাৰী নহওঁ, হঠাতে মুৰ্গীটো মৰিছিল। এতিয়াতো বৰ বিপদ। বাঘৰ মুখত কালি যেনেতেনে মৰিব লাগিব।"

বুঢ়ীয়ে ক'লে, "তুমিহে কৈছিলা, চিকাৰী বুলি।"

এইদৰে কথা-বতৰা হৈ ৰাতি ভাত খাই বুঢ়া-বুঢ়ী শুই থাকিল। পিছদিনাখন বুঢ়াই সেই গাওঁৰ মানুহৰ পৰা জাঠী আৰু ধনুৰ কাড় লৈ বাঘ থকা ঠাইৰ ওচৰতে থকা গছডালৰ ওপৰত টং সাজি জীৱন মৰণ-পণ কৰি বাঘ অহালৈ অপেক্ষা কৰি ৰ'ল।

ইতিমধ্যে বাঘে মানুহৰ গোন্ধ পাই গছৰ গুৰিলৈ আহিব ধৰিলে। বুঢ়াই বাঘক দেখি ভয়তে বেঙে-মূতা গৰুৰ নিচিনাকৈ থৰ্থৰ্কৈ কঁপিবলৈ ধৰিলে। এনেতে হঠাৎ তাৰ হাতত থকা ধনুৰ পৰা বিষাক্ত কাড় আহি তীব্ৰ বেগে বাঘৰ মুখত পৰিল। বিষ-কাড় বাঘৰ মুখত পৰাৰ লগে লগে ভীষণ গৰ্জনি মাৰি সি মৃত্যুমুখত পৰিল। বুঢ়াই ৰাতি টঙতে ভয়ে ভয়ে কটালে। কিন্তু সি জানিব পৰা নাছিল যে বাঘ মৰিছে ৰাতিপুৱা মানুহবিলাকে বুঢ়াৰ খবৰ লবলৈ আহিল। আহি দেখা পালে যে বাঘ মৰি আছে। সিহঁতে বুঢ়াক অতি উল্লাসেৰে আদৰি নিলে। তেতিয়াৰ পৰা বুঢ়া ডাঙৰ চিকাৰী বুলি জনাজাত হ'ল।

—ঃ অন্ত ঃ—

